মৎস্য কূর্ম্ম আদি যাকেৰি অংশ।
যোহি জনম ভেলি যদু বৰ বংশ॥
দৈবকী জঠৰে যোহি কৰতু বাস।
সোহি কৰত মুকুতি পৰকাশ॥
চতুৰ বয়ন. সুৰ শঙ্কৰ দেব।
যাকেৰি চৰণে কৰত নিত্য সেব॥
দৈত্য দনুজ কুল নাশন কাৰী।
কৰত মুকুতি নিত্য সোহি মুৰাৰি॥
যাকেৰি তনু নীল জলদক ভাস।
তথি কন্ধ পীত বসন পৰকাশ॥
শঙ্খ চক্র গদা পঙ্কজ ধাৰী।
কৰত মুকুতি নিত্য সোহি মুৰাৰি॥
সত্য সনাতন যাকেৰি কায়া।
যোহি অধীন কৰত নিত্য মায়া॥
সনক সনাতন যাকৰু সেবা।
মুকুতি বিধান কৰত সোহি দেবা॥
ব্রজ কুল কুমুদ ইন্দু বনমালী।
যোহি পয়ো ভৰে মৰ্দ্দন কালী॥
পূতনি কাতন শোষণ কাৰী!
কৰত মুকুতি নিত্য সোহি মুৰাৰি॥

ধেনুক অঘ বক কেশী বিনাশি।
ৰাখল অনুদিনে গোকুল বাসী ॥
যোহি শকট বিঘটন কাৰী।
কৰত মুকুতি নিত্য সোহি মুৰাৰি ॥
গো পদ ৰেণু বিভূষিত অঙ্গ।
কয়লি যোহি ইন্দ্র মথ ভঙ্গ ॥
বাম হাতে গিৰি মন্দৰ ধাৰী।
কৰত মুকুতি নিত্য সোহি মুৰাৰি ॥
কুবলয় কংস কেশী মল্ল মোড়।
মাতু পিতু যোহি বন্ধন ছোড় ॥
যোহি যদুকুল পালন কাৰী।
কৰত মুকুতি নিত্য সোহি মুৰাৰি ॥
সোহি শূৰ মুৰ নৰক নিৰাৰি।
কৰু লীলা ক্ষিতি ভাৰ উতাৰি ॥
ৰিপু যূথপ যোহি কৰু নিৰযাণ।
সোহি কৰত নিত্য মুকুতি বিধান ॥
ৰুক্মিণী ৰমণ প্ৰিয়দ বলৰাম।
গোপ ৰমণী জন পূৰণ কাম ॥
যাকেৰি নাম পাপ কৰু নাশ।
সো হৰি কৰত মুকুতি পৰকাশ ॥

শাল্ব শিশুপাল যো কন্ধ শাতি।
সুদক্ষিণ বাণ জৰাসন্ধ ঘাতি॥
ক্ষিতিকো ভাৰ কয় নিৰবাণ।
সোহি কৰত নিত্য মুকুতি বিধান॥
নৰহৰি মৎস্য কূৰ্ম্ম হলীৰাম।
সীতাপতি বৌদ্ধ বৰাহক নাম॥
কলকী বামন ভৃগুপতি অৱতাৰ।
সো হৰি কৰত মুকুতি পৰচাৰ॥
ভো ভো সাধু সভাসদ লোই।
কৰু সাবধান বচন একু মোই॥
হৰি বিনে দেব নাহি নাহি আন।
শাস্ত্র বিচাৰি দেখ পৰমাণ॥
ভাৰত বৰিষে জনম নৰ কায়ী।
যাকেৰি বিহি বড় বাঞ্ছিত পাই॥
বিফল জীবন জনম গৱাঁই।
বিষয় কাঁচক মোলে মাণিক বিকাই॥
কলি কল্মষ ঘোৰ পয়োধি উতাৰ।
ভয়ো হৰি ভকতি ধৰম পৰচাৰ॥
সকল ধৰম কহু ৰাজা জানি।
সব কাম ছোড়ি জপহু ৰাম বাণী॥

হৰি গুণ নাম ধৰম অনুপাম।
যাকেৰি থিৰ মন মুকুতিক কাম॥
কয় মন থিৰ জপহু ৰাম ৰাম।
মাধব কহ ডাকি বোলহুঁ ৰাম॥

———

প্ৰাতু সময়ে যশোৱা জননী
মুখ চুম্বিত শ্যাম জগাৱনকো॥
উঠ মেৰে লাল মদন গোপাল
আবে তেৰে গোৱাল বলাৱনকো॥
অব রুটীয়া লেহু মাখন চঞ্চু পূৰি
মুৰলী লেহু শ্যাম বজাৱনকো।
বৃন্দাবনে যাহি আনন্দ কৰু
যমুনা তটে ধেনু চৰাৱণকো॥
ছোড়ি ভুবন চলহু নন্দ নন্দন
গোধন চৰণ কাৰণ ৰে।
দাম স্থদাম সখা সব মিলত
আনন্দে গোবিন্দ খেৰি খেলাৱত ৰে॥

শত শত বৎস বিমল
নবীন চবীন লাৱত ৰে।
শিঙ্গা উপাঙ্গ বেণু মুহ বাজত
হেৰি গোৱাল ভুলাৱত ৰে॥
গিৰিপতি ধ্যান তেজি অবধান
মুৰবীক সান বিমোহিত ৰে।
স্তূহুঁ জগন্নাথকি দাসকি মাধব
মুহ ভৰি ৰাম কহাৱত ৰে ॥৩১॥

——

জয় জয় মল্ল নৃপতি ৰস বান।
যাকেৰি গুণ গণ সম নাহি আন॥
নিজ কুল কুমুদ প্রকাশিত ইন্দু।
গহীন গম্ভীৰ ধীৰ পেখিতে সিন্ধু॥
সভা এক পাত্র আপন মহাৰাজ।
দেবক মধ্যে যৈসে সুৰৰাজ॥
আপন ভুজ বলে দণ্ডিয়ে ৰাজকুল
পাৱত সকলহি কায়।
জয় জয় ঈশ্বৰ পাদ প্রসাদ
মল্লদেব করু ৰাজ॥

নটকে ভাটক পশ্চিম দেশক
যত যত পণ্ডিত আৰে।
ঘোটক কম্বল বহুত ৰজত
আপনহি মনংপূৰি পাৰে॥
অস্ত্ৰত শস্ত্ৰত শাস্ত্ৰত পাৰ্গত
বিপক্ষক আপন জান।
দেব ব্ৰাহ্মণক পিতৃক অৰ্চ্চনে
যাকেৰি নাহি সমান॥
আপন নৃপ বড় ধৰ্ম্ম যুধিষ্ঠিৰ
বিচাৰত আপন স্বজান।
কাব্য কবিত্ব শশধৰ পণ্ডিত
ধনুৰ্দ্ধৰ অৰ্জ্জুন সমান॥
মানে দুৰ্যোধন আপন পুণ্যজন
দানে কৰ্ণ সমান।
মল্লত যুদ্ধত আপন দৃষ্টিত
তুহু বিনে নাহি আন॥
আপন গুণ যশে ব্যাপিয়ে ধৰণা
নৃপতি মধ্যত পেখি।
নীল উৎপল পেখিতে শৰীৰক
মৃণাল সদৃশ ভুজ দেখি॥

বাহু বক্ষঃস্থল     কটি মধ্য দেখিয়ে
কামিনা'হোয়ে বড়ি লাজ।
যৈসে রাজ     হংসাক গমনী
গহীন গম্ভীর মৃগরাজ ॥
কহলোঁ তয়ু গুণ     হামু শিশু মতি
মরষ সকল মহ দোষ।
কহয়ে শঙ্কর     নজানো সভাসদ
পাত্র মধ্যে ই কথা পোছ ॥ ৩২॥

---

হাঁসি সভাষিত করোঁ বহু থির।
মল্ল নৃপতি সম নাহি কয় বীর ॥
কাশি বারানসী গৌড় পর্য্যন্তে।
মল্ল নৃপতিক সব মহিমা কহন্তে ॥
পায়া ঘোটক দেশ অশেষ।
ভাট সকলে গুণ গারে নিশেষ ॥
আপন মন বাঞ্ছিত সকলহি পাই।
আনন্দে মল্ল বিলাস গাই ॥

ঐসন নৃপতি কবহোঁ নাহি পেখি ।
উদয় গিবিত যৈসে সূর্য্যক দেখি ॥
সভা বঞ্জত যৈসে দেৱতা সমাজ ।
স্বর্গক মধ্যে যৈসে দেববাজ ॥
এ সব গুণ কহে পশ্চিম মাঝে ।
তাহেক শুনল পাৎশা সমাজে ॥
উমৰা সবক অ নিয়ে বাত বোল ।
এতি বেৰি গাড়াৰা ঘাট মাৰিয়ে তোল ॥
পাঠান সকলে যদি বিলাসিত হোই ।
ওব্‌ হোৰা প্যাৎশা পেখি নাহি কোই ॥
যৈসে রাহু গৰাসিত সূৰ ।
আৱত পাঠান তেজি নিজ পুৰ ॥
পাঠান সকলে কহে গাড়াৰা ঘাট মাৰি যাঞু
হাবাম বাম হাতে কটীয়া খাঞু ॥
যুদ্ধ লগাৱল অতি বড় টানে ।
খেদল ছেদল পলাৱল প্রাণ ॥
পুনৰপি ওমৰা সকল সব আবে ।
গলায়ে পটুকা বান্ধি শৰণ সোমাৱে ॥
মূরুখ শঙ্কৰ নজানে সকল ।
জয় মল্ল নৃপতিক চৰণ যুগল ॥৩৩॥

জয় জগদ্দীশ ঈশ ভব হাবী।
লীলা কয়ে ভূমি ভাব উতাবি ॥
আপন ভকত সব তাব মুবাবী।
অনুদিনে সেবহুঁ চবণ তোহাবি ॥
বাজত বাজন বঙ্গ নিশান।
চলে বঙ্গশালা বাম ভগবান ॥
আবে পেখিয়ে গজ কুবলাই।
কুচবলি কহুঁ বোষ তোলাই ॥
তাকু পেলল হাতি পেলুবানে।
তাবলি কুম্ভ থোবে ভগবানে ॥
পাকড়িয়ে যো আগ ভয়ো খাড়া।
গজ চবব তাড়ি কৃষ্ণ দোবাবা ॥
মাবিয়ে লাথ উপাড়িয়ে দন্তা।
মাহুত সাথেকি প্রাণকি অন্তা ॥
কান্ধে ভিড়ি দন্ত বাম কান্থাই।
সাথে লিয়ে ব্রজবাল সো যাই ॥
হবষে চলত হবি লোক ভুলাই।
দশ বিধ লোক দশহি ৰূপ চাই ॥
পেখিয়ে চাণুৰ সভা মহ যাই।
শুনতো বাজআজ্ঞা বাম কান্থাই ॥

হামু সমে যুদ্ধ করত কুচি।
নরপতি কংস হবে তব খুশি ॥
কহত গোপাল তুমহি বড়িলাল।
পেখ লাড়িকা হামু গোপ ছাৱাল ॥
সমান বয়সে যুদ্ধ করত যুলি।
শুনিয়ে চাণুর মাতে বাহু তুলি ॥
তুমহি কিয়ে কুবলয় অন্তা।
কুচ ছাৱাল বড়হি বলীয়ন্তা ॥
এহেন্তে রাম বড়হি বলিয়ার।
মুষ্টিক সমে কন্ধ মল্ল বিহার ॥
মল্ল শিরোমণি রাম কানাই।
দ্বন্দ্ব যুদ্ধ মল্ল বিচে বনাই ॥
না না বন্ধ ধরলহি বহুমাল।
সব উতারিয়ে তাসু কিয়ে কাল ॥
পেখিয়ে কুট আরলি তাকু ধাই।
মারলি রাম বাম মুষ্টি উঠাই ॥
সল্ল তোসল্ল দুহুঁ যোপে ধাই।
মারলি গোপালসে লাথ ভেজাই ॥
জয় জয় কৃষ্ণ ঘোষত সব লোক।
পারত রাজা বহুত ভয় শোক ॥

পিতৃ মাতৃ কহুঁ আৰবি নন্দ।
পেখি হৰিক হৃয় মিলত আনন্দ ॥
ৰাজা কংসে ৰোষে বলে বাণী।
দূৰ কৰ মল্ল বাদ্য নিশানি ॥
এহেসে বাহিৰ কৰ ৰাম কানাই।
মাৰলি ৰাল এহে দুহোঁ ভাই ॥
নন্দ কহুঁ বাহু কাট বসুদেউ।
মাৰ উগ্ৰসেন ৰাখবি নাহি কেউ ॥
নিশবদ বাণী শুনিয়ে নৰ নাৰী।
তাসু পেখি ভকত ভয় হাৰী ॥
লাম্ফে মঞ্চে সঞ্চাৰিয়ে হৃষীকেশ।
পাৰলি কংস পাকড়িয়ে কেশ ॥
ৰোহি উপৰে বহুঁ ৰোষ অপাৰা।
তাসু পৃষ্ঠে বৈঠে ত্ৰিজগত ভাৰা ॥
মৰলহি কংস সমাজহি চুপ।
দেলহ যো আপনহি নিজৰূপ ॥
ৰোষ উঠাৰল কংস কহি তাই।
মাৰল বলে তাহে পৰিঘ উঠাই ॥
ৰাজ মহিষী কান্দে মনহি সন্তাপে।
তাসু শান্ত কিয়ে ত্ৰিজগত বাপে ॥

হামু সমে যুদ্ধ করত কুচি।
নরপতি কংস হয়ে তব খুঁশি ॥
কহত গোপাল তুমহি বড়িলাল।
পেখ লাড়িকা হামু গোপ ছাবাল ॥
সমান বয়সে যুদ্ধ করত যুলি।
শুনিয়ে চাণুর মাতে বাহু তুলি ॥
তুমহি কিয়ে কুবলয় অন্তা।
কুচ ছাবাল বড়হি বলীয়ন্তা ॥
এহেন্তে রাম বড়হি বলিয়ার।
মুষ্টিক সমে করু মল্ল বিহার ॥
মল্ল শিরোমণি রাম কান্হাই।
দ্বন্দ্ব যুদ্ধ মল্ল বিচে বনাই ॥
না না বন্ধ ধরলহি বহুমাল।
সব উতারিয়ে তাসু কিয়ে কাল ॥
পেখিয়ে কুট আরলি তাকু ধাই।
মারলি রাম বাম মুষ্টি উঠাই ॥
সল্ল তোসল্ল দুহুঁ ঘোপে ধাই।
মারলি গোপালসে লাথ ভেজাই ॥
জয় জয় কৃষ্ণ ঘোষত সব লোক।
পাওত রাজা বহুত ভয় শোক ॥

পিতৃ মাতৃ কহুঁ আরুবি নন্দ।
পেখি হরিক হৃয় মিলত আনন্দ ॥
রাজা কংসে রোযে বলে বাণী।
দূর কর মল্ল বাদ্য নিশানি ॥
এহেসে বাহির কর রাম কান্হাই।
মারলি মাল এহে হুহোঁ ভাই ॥
নন্দ কহুঁ বাহু কাট বসুদেউ।
মার উগ্রসেন রাখবি নাহি কেউ ॥
নিশবদ বাণী শুনিয়ে নর নারী।
তাসু পেখি ভকত ভয় হারী ॥
লাম্ফে মঞ্চে সঞ্চারিয়ে হৃষীকেশ।
পারলি কংস পাকড়িয়ে কেশ ॥
যোহি উপরে বহুঁ রোষ অপারা।
তাসু পৃষ্ঠে বৈঠে ত্রিজগত ভারা ॥
মরলহি কংস সমাজহি চুপ।
দেলহ যো আপনহি নিজরূপ ॥
রোয উঠারল কংস কহি ভাই।
মারল বলে তাহে পরিঘ উঠাই ॥
রাজ মহিষী কান্দে মনহি সন্তাপে।
তাসু শান্ত কিয়ে ত্রিজগত বাপে ॥

মিলাৱত মুকুতি কংস কহি সুখী ।
ভকতি মাগোঁ হামু বড়ি দুখী ॥
কৰু দয়াল কৰুণা এক বাৰা ।
তেৰে দাস কিয়ে নিয়ো নিস্তাৰা ॥
মুখে জুনো ছাড়ে তুৰা গুণ নাম ।
কহ শঙ্কৰ সব বোল ৰাম ৰাম ॥৩৪॥

সম্পুৰ্ণ ।

শ্রীশ্রীকৃষ্ণঃ ॥

# গুণমালা ।

---

ঘোষা ॥ ৰাম নিৰঞ্জন । পাতক ভঞ্জন ॥

নমো নাৰায়ণ　　সংসাৰ কাৰণ ।
ভকত তাৰণ　　তোমাৰ চৰণ ॥
তুমি নিৰঞ্জন　　পাতক ভঞ্জন ।
দানৱ গঞ্জন　　গোপিকা ৰঞ্জন ॥
বেদান্ত গায়ক　　বংশী বায়ক ।
জগত নায়ক　　মুকুতি দায়ক ॥
ভকতৰ ঋদ্ধি　　কৰা সৰ্ব্ব সিদ্ধি ।
বিধাতাৰ বিধি　　দীন দয়ানিধি ॥
ভকতি ৰোচন　　দুঃখ সঙ্কোচন ।
পাতক মোচন　　কমল লোচন ॥
দৈত্য অন্তকাৰী　　গোবৰ্দ্ধন ধাৰী ।
ভৱ ভয় হাৰী　　তুমিসি মুৰাৰি ॥
কালীক দমিলা　　পূতনা শুষিলা ।
দেৱক তুষিলা　　ব্রজক ভুষিলা ॥

কেশী বৎস বক সমস্ত দৈত্যক।
লগাইলা চমক ডকাইলা যমক ॥
তুমি বাৰম্বাৰ হুয়া অৱতাৰ।
পৃথিবীৰ ভাৰ খণ্ডিলা অপাৰ ॥
ইন্দ্ৰক দমিলা ব্ৰহ্মায়ো নমিলা।
বনত ভ্ৰমিলা গোপীক ক্ৰীড়িলা ॥
পশি ৰঙ্গ-শাল যত মহামাল।
কৰিয়া আস্ফল বধিলা গোপাল ॥
তযু গুণ নাম ধৰ্ম্ম অনুপাম।
মোক্ষ অৰ্থ কাম সাধা প্ৰভু ৰাম ॥
মাৰি দশগ্ৰীৱ জনকৰ ঝীৱ।
পাইলা সদাশিৱ তুমি জগজীৱ ॥
তোমাৰ চৰিত্ৰ পাতকীৰ মিত্ৰ।
পৰম পবিত্ৰ কৰিলা বিচিত্ৰ ॥
পতিত পাৱন এভৱ ভাৱন।
অসুৰ দাৱন তুমিসি বামন ॥
অগতিৰ গতি ত্ৰিজগত পতি।
তোমাত ভকতি থাকোক সংপ্ৰতি ॥
শ্যামল শৰীৰ জলদ ৰুচিৰ।
গহীন গম্ভীৰ গুণৰ মন্দিৰ ॥

কুণ্ডলে মণ্ডিত অসুৰ দণ্ডিত।
পাতক খণ্ডিত তুমিসি পণ্ডিত॥
দাৰিদ্র্য মৰ্দ্দন করুণা সদন।
বংশী বদন শুকতি মদন॥
হাস্য দৰিশন পাপ কঁৰিষণ।
দোষ্ ম'ৰষণ কাম কৰিষণ॥
জগত আধাৰ দৈৱকী কুমাৰ।
সংসাৰত সাৰ চৰণ তোমাৰ॥
তুমি ভগৱন্ত মহিমা অনন্ত।
তাৰিলাহা সন্ত পূরুষ মহন্ত॥
তুমি স্বৰৎসল পূরুষ নিছল।
নাহি কিছু ছল ভকত বৎসল॥
তুমি অবতৰি অসুৰ সংহৰি।
সৃষ্টি আছা ধৰি দেব শ্রীহৰি॥
অঘাসুৰ ঘালী মহা বলশালী।
দমিলাহা কালী তুমিবনমালী॥
কৰি পৰাভৱ খেদাইলা দানৱ।
ভকত বান্ধৱ তুমিসি মাধৱ॥
কৰি অবিছেদ দৈত্য কৰি ভেদ।
খণ্ডিলাহা খেদ উদ্ধাৰিলা বেদ॥

জগতক বশ্য কৰিলা অবশ্য।
ভৈলা মহামৎস্য ব্ৰহ্মাৰ নমস্য॥
তুমি মহাহংস আসি নিজ অংশ।
হুয়া যদু বংশ বধিলাহা কংস॥
জগত নিঃশেষ সবাত প্ৰবেশ।
ভৈলা হৃষীকেশ নাজানি উদ্দেশ॥
তুমি পিতাম্বৰ কৰি আডম্বৰ।
বধিলা সম্বৰ প্ৰভু বিশ্বম্ভৰ॥
তুমিসি অচ্যুত আনন্দ আপ্লুত।
ভকত বহুত কৰিলা সুকুত॥
ধৰি মৎস্য কায় সত্যব্ৰত ৰায়।
প্ৰলয় অপায় তাৰিলা লীলায়॥
কূৰ্ম্ম কলেৱৰ ধৰিলা মন্দৰ।
মথিলা সাগৰ নভৈলা ভাগৰ॥
বৰাহ শৰীৰে উদ্ধাৰি ভূমিৰে।
হিৰণ্যাক্ষ বীৰে মাৰিলাহা চীৰে॥
নৰসিংহ ৰূপু ভৈলা দিব্যবপু।
বধিলাহা ৰিপু হিৰণ্যকশিপু॥
ভৈলা অদিতিত বামণ উদিত।
মুকুতি ললিত বলিক ছলিত॥

যামদগ্নি ৰাম কাটি চামেচাম।
ক্ষত্রিয়ৰ নাম নথৈলা সংগ্রাম॥
ভৈলা কৌশল্যাত শ্রীৰাম জাত।
ৰাৱণ বিঘাত কৰিলা লঙ্কাত॥
ৰাম হলধৰ ৰোহিণী কুমৰ।
মাৰিলা ইতৰ - দ্বিবিদ বানৰ॥
বুদ্ধৰূপে ছন্ন কৰি বেদ গণ।
মুহিলাহা মন ত্যজিয়া সজ্জন॥
হুয়া কল্কি চণ্ড যতেক পাষণ্ড।
কৰি খণ্ড খণ্ড বিহিলাহা দণ্ড॥
ধৰি বাৰম্বাৰ দশ অৱতাৰ।
পৃথিবীৰ ভাৰ খণ্ডিলা অপাৰ॥
কৃষ্ণৰ কিঙ্কৰে ৰচিলা শঙ্কৰে।
হৰি হৰি নৰে বোলা নিৰন্তৰে॥

ঘোষা॥ হৰি হৰি ৰাম। হৰি হৰি ৰাম॥

নমো লক্ষ্মীপতি অগতিৰ গতি।
চৰণে সংপ্রতি কৰিলোঁ প্রণতি॥
গুণ চিন্তামণি সংসাৰ তৰণী।
পাপৰ অগনি ঘুষিয়োক চনি॥

ইতো বিতোপন ধৰ্ম্ম সনাতন।
আকাশে কীৰ্ত্তন কৰে সাধুজন॥
শুনিয়ো দশম অতি নিৰুপম।
কৃষ্ণৰ পৰম জনম কৰম॥
দৈত্যে ভিড়িলা ভাৰে পীড়িলা।
দুঃখ সাক্ষী দিলা পৃথিবী কান্দিলা॥
ব্ৰহ্মায়ে প্ৰাৰ্থন্তে আসি ভগৱন্তে।
জন্মিলা জলন্তে দৈৱকীত হন্তে॥
অদ্ভুত বালক কুটিল অলক।
ৰত্নৰ তিলক শোভে কপোলক॥
হসিত বয়ন কমল নয়ন।
ৰুচিৰ দশন পীত বসন॥
কিৰিটি কুণ্ডল কৰে ঝলমল।
কৌস্তুভে উজ্জ্বল শোভে কণ্ঠগল॥
হস্ত চাৰি খন অতি বিতোপন।
কেয়ুৰ কঙ্কণ প্ৰকাশে ভূষণ॥
বহল হৃদয় বনমালা তয়।
পড়ি গুঞ্জৰয় ভ্ৰমৰে ৰঞ্জয়॥
ৰত্নে ৰচিত মেখলা কটিত।
পাট ভুনি পীত লোটয় মাটীত॥

উৰু কৰীকৰ জঙ্ঘা মনোহৰ।
কনক ৰত্নৰ ৰঞ্জিত হোড়ৰ ॥
চৰণ পল্লৱ পদ্ম অভিনৱ।
নূপুৰৰ ৰৱ শুনন্তে উৎসৱ ॥
অঙ্গুলিৰ পান্তি নখচন্দ্ৰ কান্তি।
দেখি খণ্ডে ভ্ৰান্তি তাপ উপশান্তি ॥
ৰঙ্গা পদ তলে অঙ্কুশ কমলে।
চিহ্ন সকলে অতিশয় জ্বলে ॥
জগতৰ তাত আছন্ত অথাত।
চাৰি অস্ত্ৰ হাত প্ৰকাশে সাক্ষাত ॥
দেখি দুয়ো প্ৰাণী এন্তে চক্ৰপাণি।
মনে অনুমানি বোলে স্তুতি বাণী ॥
কৃষ্ণে কথা কৈলা শিশু ৰূপ ভৈলা।
নিহল ছোড়াইলা কোলে তুলি লৈলা ॥
বসুদেৱ সন্ত লৈয়া লড়িলন্ত।
ফণায়ে অনন্ত ছত্ৰ ধৰিলন্ত ॥
নমনায় কূল যমুনা বিপুল।
চড়াই তাৰ কূল পাইলন্ত গোকুল ॥
কৃষ্ণক থৈলন্ত কন্যাক লৈলন্ত।
বসুদেৱ সন্ত দুনাই আসিলন্ত ॥

নন্দে দেখিল পুত্ৰ উপজিল।
উৎসৱ মিলিল মহা দান দিল॥
নন্দ যশোদাৰ গৃহত অপাৰ।
কৰিলা বিহাৰ জগত আধাৰ॥
অনেক যন্ত্ৰণা কৰিলা মন্ত্ৰণা।
আসিল পূতনা শুষিলা চেতনা॥
পৰম সঙ্কট দধি দুগ্ধ ঘট।
সহিতে শকট কৰিলা উলট॥
দৈত্য চক্ৰবাত ভৈল কন্ধ পাত।
কৃষ্ণৰ লীলাত পড়িয়া শিলাত॥
জগতৰ স্বামী প্ৰভু অন্তৰ্য্যামী।
মাতৃ কোল গামী তুলিলন্ত হামি॥
জগত নিখিল গৰ্ভত দেখিল।
বিস্ময় মিলিল যশোদা ডৰিল॥
আসি গৰ্গ ঋষি গোপনত বসি।
জাত কৰ্ম্ম ৰাশি কৰিলা হৰিষি॥
বিধিৰতে নাম থৈলা কৃষ্ণ ৰাম।
কহি গুণ গ্ৰাম গৈলা নিজ ধাম॥
পাছে ব্ৰজপুৰে, ৰঙ্গে ভ্ৰমি ফুৰে।
সোণৰ নূপুৰে কণ ঝুন কৰে॥

অগণি সৰ্পক যান্ত ধৰিবাক।
দেখি দেন্ত হাক শুশুনন্ত তাক॥
গোপিকাৰ ঘৰে পশি দামোদৰে।
অপকাৰ কৰে দেখি নিৰন্তৰে॥
গোপীগণ আসি যশোদাত হাসি।
কৃষ্ণচেষ্টা ৰাশি কহন্ত প্ৰকাশি॥
দেখিলে গোৱালী শিশু বনমালী।
নানা চতুৰালি কৰন্ত ধূৰ্ত্তালি॥
কি কহিব আয় কৃষ্ণৰ অপায়।
নদোহন্তে গায় বৎসক পিয়ায়॥
ঘৰে পশি যায় দধি দুগ্ধ খায়।
বানৰে খুৱায় ভাঙ্গিয়া পেলায়॥
কি ভৈল দুৰ্জ্জন তোমাৰ নন্দন।
কৃষ্ণৰ কাৰণ নৰহে জীৱন॥
শুনি হেন বাণী লাজে চক্ৰপাণি।
নেত্ৰে বহে পানী দেখি নন্দৰণী॥
স্নেহ সম্পাজিল সাবটি ধৰিল।
আশ্বাস কৰিল মুখে স্তন দিল॥
সঙ্গে শিশুগণ খেলে নাৰায়ণ।
মৃত্তিকা ভক্ষণ কৰিল তেখন॥

দেখি শিশুজাক বোলে যশোদাক।
শুনি বাণী তাক খঙ্গে বোলে বাক॥
কেনে মাটি খালি আরে বনমালী।
নখালোহোঁ বুলি দেখায় মুখ মেলি॥
সকল জগত দেখন্ত গর্ব্ভত।
হৰিক মনত স্মৰন্ত ডৰত॥
বোলন্ত বিস্ময় মোহোৰ তনয়।
মনুষ্য নোহয় ঈশ্বৰ নিশ্চয়॥
দিনেক প্রভাতে ৰাণী নিজ হাতে।
দধিক তথাতে মথন্ত সাক্ষাতে॥
আসি দেৱহৰি মথনীক ধৰি।
কৈলা ৰঙ্গ কৰি দেখিলা সুন্দৰী॥
আনিয়া নন্দন বদন চুম্বন।
কৰি ঘনে ঘন পিয়াইলন্ত স্তন॥
দুগ্ধ উথলিয়া পড়য় দেখিয়া।
পুত্রক এড়িয়া গৈয়া লৰড়িয়া॥
কেশৰে কুপিলা ধৰি পটা শিলা।
ভাণ্ডক ভাঙ্গিলা যশোদা দেখিলা॥
বাড়ি কৈলা কৰে দেখি দামোদৰে।
নামি উড়লৰে লড় দিলা ডৰে॥

যশোদা খেদন্ত ভয়ে ভগৱন্ত।
কান্দন্ত কাম্পন্ত বাড়ি এড়িলন্ত॥
কৰে ধৰি আনি উড়ুখলে টানি।
বান্ধি চক্রপাণি চলি গৈলা ৰাণী॥
উড়ল ঘষাই বৃক্ষত লগাই।
উভাড়ি পেলাই ৰঙ্গে আছা চাই॥
দুই দেৱ বৰ দিব্যৰূপ-ধৰ।
কৰিয়া কাতৰ চলি গৈলা ঘৰ॥
কি ভৈল বুলি নন্দে বান্ধ মেলি।
মলছিয়া ধূলি কোলে লৈলা তুলি॥
গোপৰ সুন্দৰী বজাৱে চাপৰি।
অঙ্গি ভঙ্গি কৰি নাচে দেৱ হৰি॥
পসাৰি ডাকিল কোনে লৈবা ফল।
শুনিয়া চলিল কৃষ্ণ দয়াশীল॥
ধান্যক দিলন্ত ফলক লৈলন্ত।
ৰত্ন অপৰ্য্যন্ত ভাণ্ড ভৰিলন্ত॥
গোকুল ভৱন তেজি নাৰায়ণ।
পাছে বৃন্দাবন কৰিলা গমন॥
বৎস অসুৰ পৰম দন্দুৰ।
কৰি মসীমুৰ নিলা যমপুৰ॥

আসি বক গোটে গিলিলেক চোটে।
তাক ধৰি ঠোঁটে চিড়িলা আস্ফোটে॥
সর্পৰূপে আসি অঘে তুলি হাঁসি।
বদন প্ৰকাশি গিলিল গৰাসি॥
ভেটিলন্ত গল ভকত বৎসল।
এড়ি মূত্ৰ মল মৰিল নিশ্চল॥
তাৰ কৰি কাল বৎস বৎস-পাল।
জীয়ায়া তৎকাল বজাইলা গোপাল॥
সঙ্গে শিশুগণ ৰঙ্গে নাৱাৰণ।
অন্ন ব্যঞ্জন কৰিলা ভোজন॥
গোৰক্ষ দাম্বৰি ব্ৰহ্মা কৰি চুৰি।
থৈয়া ঢাকি ঘুৰি গৈলা নিজপুৰী॥
বৎস বৎস-পাল হুয়া সেহি কাল।
আপুনি গোপাল গৈলা ব্ৰহ্ম-শাল॥
অনেক বিভূতি কৃষ্ণৰ মুকুতি।
দেখিয়া বিস্মৃতি ব্ৰহ্মা ভৈলা ভীতি॥
যেন মৃতৱত পড়িল হংসত।
নাহি আৰু তত্ত্ব চেতন গাৱত॥
ব্ৰহ্মা মৰন্ত দেখি ভগৱন্ত।
ৰূপ ঢাকিলন্ত জুনাই জীলন্ত॥

হংসযান এড়ি চৰণত পড়ি।
নানা স্তুতি ৰড়ি গৃহে গৈলা লড়ি॥
ধেনুকক মাৰি গাছক আছাৰি।
তালফল সাৰি ভুঞ্জাইলা মুৰাৰি॥
তৃষ্ণায়ে আকুল হুয়া গোপকুল।
যমুনাৰ কূল গৈলা হুয়া ভুল॥
খাইল বিষজল ভৈলন্ত বিহ্বল।
জীৱনে বিকল মৰিল সকল॥
দেখি নাৰায়ণ অমৃত নয়ন।
চাহিলা তেখন লভিলা চেতন॥
কদম্বে চড়িলা হ্রদত পড়িলা।
কালীয়ে ঝড়িলা শিৰত চড়িলা॥
ফণাৰ ওপৰে দেৱ দামোদৰে।
উঠি নৃত্য কৰে সিটো সৰ্প মৰে॥
নাগ-পত্নীচয় বুলিলা বিনয়।
কালীক নিৰ্ভয় দিলা কৃপাময়॥
তীৰত চড়িলা জ্ঞাতিয়ে বেঢ়িলা।
গলত বান্ধিলা যশোদা কান্দিলা॥
নিকালি কালীক পিলা বনাগ্নিক।
গোপ গোপাক্ষ ৰঞ্জিলা অধিক॥

প্ৰচন্ড অশিষ্ট চিন্তিলা অনিষ্ট।
মাৰিলা গৰিষ্ঠ ৰাম বলিষ্ঠ ॥
বেঢ়ি মুঞ্জবন লাগে হুতাশন।
দেখি গোপগণ ভৈল ভয়মন ॥
পাছে নাৰায়ণে সদয় নয়নে।
তাৰি ৰঙ্গ মনে আনিলা তেখনে ॥
বসন্ত গ্ৰীষ্মত বৰ্ষা শৰতত।
ক্ৰীড়া নানামত কৰিলা ব্ৰজত ॥
একচিত্ত কৰি গোপৰ কুমাৰী।
সাধে ব্ৰত ধৰি স্বামী হৈবা হৰি ॥
বস্ত্ৰ থৈয়া তীৰে কেৱল শীৰৰে।
যমুনাৰ নীৰে স্নানি ধীৰে ধীৰে ॥
কৃষ্ণে কৰি লীলা বস্ত্ৰক হৰিলা।
কদম্বে চড়িলা হাসি বস্ত্ৰ দিলা ॥
কৰ্ম্মক উচ্ছাদ বিপ্ৰক বিষাদ।
পত্নীক প্ৰসাদ দিলাহা আহ্লাদ ॥
বদতি শঙ্কৰ শুনা সবে নৰ।
আন পৰিহৰ ভজা দামোদৰ ॥
দিন কতিপয় জীৱন নিশ্চয়।
যাইবা যমালয় নাহিকে সংশয় ॥

বিনা লক্ষ্মীপতি নাহি আন গতি।
জানিয়া সংপ্রতি কৰিয়ো ভকতি ॥
তেবেসে নিস্তৰি পুৰুষ উদ্ধাৰি।
হৃদি ৰূপ ধৰি মুখে বোলা হৰি ॥
মাধৱৰ নাম ধৰ্ম্ম অনুপাম।
এড়ি আন কাম বোলা ৰাম ৰাম ॥

---

ঘোষা ॥ কহ হৰি ৰাম। নকৰ বিৰাম ॥

লৈয়া গোপ সঙ্গ কৰি মখ ভঙ্গ।
বাসৱৰ থঙ্গ তোলাই ভৈলা ৰঙ্গ ॥
ইন্দ্রে ক্রোদ্ধল মেঘ পাঞ্চি দিল।
শিলা বৰষিল প্ৰলয় মিলিল ॥
ইন্দ্ৰৰ দৰ্পক নাশি মন্দৰক।
তুলি ওপৰক ৰাখিলা ব্ৰজক ॥
গৰ্ব্ব পৰ্ব্বতৰ নামি পুৰন্দৰ।
কৰিয়া কাতৰ চলি গৈল ঘৰ ॥
বৰুণ কিঙ্কৰে নন্দক সত্বৰে।
জলৰ ভিতৰে নিল আড়ম্বৰে ॥
কৰে কোলাহল গোৱাল সকল।
ভকত বৎসল পশিলন্ত জল ॥

ভয় সম্পাদিল বৰুণে যত্নিল।
পিতৃক তুলিল আশ্চৰ্য্য মিলিল॥
উদ্ধাৰি নন্দক ব্ৰজৰ লোকক।
দেখাই বৈকুণ্ঠক দিলা আনন্দক॥
শৰত শীতল শশাঙ্কে ধৱল।
বৃন্দাবন স্থল দেখি কৌতুহল॥
অতি সুললিত ৰঙ্গে গাইলা গীত।
গোপিকা সহিত কৰিলন্ত নৃত্য॥
লৈয়া গোপী মেলী কৰি ঠেলা ঠেলি।
কণ্ঠে বাহু মেলি কৰিলন্ত কেলি॥
যেহেন মাতঙ্গে হস্তিনীৰ সঙ্গে।
অতি অঙ্গে ভঙ্গে ফুৰে লীলা ৰঙ্গে॥
কৃষ্ণৰ মুকতি অতি আসকতি।
গোপৰ যুবতী ভ্ৰম ভৈল মতি॥
সৰ্পেক মিলিল নন্দক গিলিল।
পায়ে পৰশিল সিও নিস্তৰিল॥
শংখচূড় মাৰি গোপৰ সুন্দৰী।
আনিলা উদ্ধাৰি ঈশ্বৰ মুৰাৰি॥
এহি মতে নিশি ক্ৰীড়ি আসৰিষি।
গৃহক হৰিষি আইল যুৱ দেৱী॥

দিবসে গোধন লৈয়া নাৰায়ণ।
যান্ত বৃন্দাবন দেখি গোপীগণ॥
কৃষ্ণৰ বিৰহে শৰীৰ নসহে।
শোকে হৃদি দহে আখি নীৰ বহে॥
বসি ঠায়ে ঠায়ে কৃষ্ণ গুণ গাৱে।
অতি প্ৰেম-ভাৱে দিবস গৱাঁৱে॥
অৰিষ্ট অসুৰ আইল গোপপুৰ।
তাক কৰি চূৰ নিলা যমপুৰ॥
আসিল নাৰদ ভাৱে গদ গদ।
দেখি সভাসদ ভৈল নিঃশব্দ॥
কংসৰ সমাজ বোলে মুনিৰাজ।
নিশ্চিন্তে কি কাজ কৰ ভোজৰাজ॥
তব ৰিপুবৰ ৰাম দামোদৰ।
বাঢ়ে নন্দঘৰ কি কৈবোঁ বিস্তৰ॥
কৃষ্ণ জন্মে যেবে বসুদেৱ তেবে।
থৈল গুপ্ত ভাবে জানো মই সবে॥
নন্দৰ কন্যাক দিলন্ত তোমাক।
নজানিলা তাক ঘটিল বিপাক॥
শুনি কংসৰায় কোপে কাম্পে কায়।
বসুদেৱ চায় কাটিবাক ধায়॥

দেখি তপোধন কৰিল ৰাৱণ।
প্ৰবোধি তেখন কৰিল গমন ॥
কংস দুষ্ট শীল কেশীক আনিল।
আদেশ কৰিল ব্ৰজক চলিল ॥
কেশী দানৱ কৰে পৰাভৱ।
শুনি গলাৰৱ ধাইলন্ত মাধৱ ॥
গোকুলত পশি কৰে ধসমসি।
কৃষ্ণক পৰশি সিও গৈল নশি ॥
নাৰদেও আসি কৃষ্ণক উপাসি।
বচন প্ৰকাশি গৈলন্ত সম্ভাষি ॥
ময়ৰ তনয় ব্যোম দুৰাশয়।
কৰিয়া দুৰ্ণয় গৈল যমালয় ॥
কংসে পাঞ্চিল অক্ৰূৰে বাঞ্চিল।
ভকতি সাঞ্চিল চেতন নাছিল ॥
কৃষ্ণ খোজচয় দেখি মহাশয়।
ভৈলন্ত বিস্ময় নসহে হৃদয় ॥
ৰোম সিহৰি জাঁপ দিয়া পড়ি।
কৃষ্ণ কৃষ্ণ ৰড়ি ফুৰন্ত বাগড়ি ॥
অনন্তৰে গৈয়া কৃষ্ণক দেখিয়া।
প্ৰেম উপজিয়া দ্ৰব ভৈল হিয়া ॥

পাৰত পড়িল লোতক ঝৰিল।
ভকতি কৰিল মাধৱে ধৰিল ॥
কৰিলা সাদৰ দেৱ দামোদৰ।
বিচেষ্টা কংসৰ জানি নিৰন্তৰ ॥
কৰিলা প্ৰয়াণ পুৰুষ পুয়াণ।
অনেক নিশ্বান বজাইলা বিষাণ ॥
দেখি গোপীচয় নসহে হৃদয়।
ক্ৰন্দন কৰয় লোতক ঝৰয় ॥
দূতক পঠাই গোপীক বুজাই।
পাছে যদুৰাই যান্ত মথুৰাই ॥
চলে ৰথখান বায়ুৰ সমান।
কৰিবে মধ্যাহ্ন ৰাখিলন্ত যান ॥
ৰথ অক তলে থৈয়া মহাবলে।
অক্ৰূৰ সচলে বুৰ দিলা জলে ॥
অনন্ত শয্যাত কৃষ্ণক সাক্ষাত।
দেখি প্ৰণিপাত কৰি যোড় হাত ॥
নানা স্তুতি ৰড়ি পাছে ৰথে চড়ি।
মথুৰাক লড়ি গৈল দড়দড়ি ॥
অক্ৰূৰক হৰি পঠাই আগ কৰি।
চাহিবে নগৰী চলি গৈলা হৰি ॥

গজ গতি লীলা মথুরা ভ্রমিলা।
ব্রজায়ে দেখিলা আনন্দ মিলিলা॥
বঢ়াই অতি ৰতি গোপৰ সঙ্গতি।
কৰি লীলা গতি যান্ত লক্ষ্মীপতি॥
যতেক সুন্দৰী অঞ্জলিক ভৰি।
পুষ্প বৃষ্টি কৰি চাহে নেত্ৰ ভৰি॥
দেখন্তে মুৰুতি আনন্দ স্ফুৰুতি।
হোৱয় বিশ্ৰুতি যতেক যুৱতী॥
যুড়াই মন প্ৰাণ কৰে বহুমান।
নেত্ৰে কৰে পান নভাবয় আন॥
ৰজকৰ কাল কৰিয়া তৎকাল।
বস্ত্ৰ ভাল ভাল লৈলন্ত গোপাল॥
বেশকাৰ জন পিন্ধাইলা বসন।
সাৰূপ্য তেখন দিলা নাৰায়ণ॥
মালা অনুপাম দিলেক সুদাম।
বৰ মন.কাম দিলা কৃষ্ণৰাম॥
পিন্ধাইলা সুন্দৰী চন্দন সাদৰি।
তাইক ঋজু কৰি থৈলা দেৱ হৰি॥
পশি যাগ শালে ধৰিয়া তৎকাল।
ধনুক দুফাল কৰিলা গোপাল॥

পাছে নাৰায়ণ সঙ্গে গোপগণ।
কৰিয়া ভোজন কৰিলা শয়ণ ॥
প্ৰভাত ৰজনী দুন্দুভিৰ ধ্বনি।
ৰাম কৃষ্ণ শুনি লড়িলা আপুনি ॥
দ্বাৰৰ গুচৰ পাইল যদুবৰ।
দেখিয়া কুঞ্জৰ ভেটিলা সত্বৰ ॥
কৃষ্ণে তাক পাড়ি দন্তক উভাড়ি।
মাৰিলন্ত বাড়ি প্ৰাণে গৈল ছাড়ি ॥
স্কন্ধে হস্তিদন্ত সভা পশিলন্ত।
শোভে লক্ষ্মীকান্ত ৰঙ্গে লোকে চান্ত ॥
চন্দ্ৰৰ মণ্ডল বদন বিমল।
তাতে ঘৰ্ম্ম জল ৰঙ্গে গণ্ডস্থল ॥
ৰূপৰ সম্পত্তি দেখি লক্ষ্মীপতি।
চান্ত চতুৰ্ভিতি নাহিকে তৃপিতি ॥
আইল যুজোঁবুলি চানূৰে হাস্ফুলি।
আছাড়িয়া তুলি মাৰিলা সমূলি ॥
মুষ্টিকে ধৰিল সমৰ কৰিল।
ৰামে সংহৰিল লীলাতে মৰিল ॥
আনো যত মাল কৰিয়া আস্ফাল।
ধৰিয়া তৎকাল বধিলা গোপাল ॥

বজায়ে বাজন　　　ৰঙ্গে নাৰায়ণ।
সঙ্গে শিশুগণ　　　কৰন্ত ভ্ৰমণ॥
চৰণ চলাই　　　নূপুৰ বজাই।
নাচে যদুৰাই　　　প্ৰজা আছে চাই॥
কৃষ্ণৰ কিঙ্কৰ　　　ৰচিল শঙ্কৰ।
শুনা সবে নৰ　　　কৰ্ম্ম কেশৱৰ॥
কত তপস্যায়　　　নৰতনু পায়।
ভকতি বিনায়　　　ব্যৰ্থে আয়ু যায়॥
আবে বুধ জন　　　এড়া আন মন।
যাৱত চেতন　　　ভজা নাৰায়ণ॥
নকৰা বিমতি　　　কলিত স প্ৰতি।
বিনা লক্ষ্মীপতি　　　নাহি আন গতি॥
জানি হেন কৰা　　　কৃষ্ণক স্মৰা।
আপুনি নিস্তৰা　　　পুৰুষ উদ্ধৰা॥
মাধৱৰ নাম　　　ধৰ্ম্ম অনুপাম।
এড়ি আন কাম　　　বোলা ৰাম ৰাম॥

ঘোষা॥ ত্ৰাহি ত্ৰাহি ৰাম। কৰিলোঁ প্ৰণাম।

কংসে পাড়ে গালি　　　শুনি বনমালী।
ডেৱে চাঙ্গ চালি　　　চড়িলা আটালি॥

কেশত কংসৰে ধৰি বামকৰে।
টানি আড়ম্বৰে পেলাইলা ঈশ্বৰে ॥
পাছে দামোদৰে তাহাৰ ওপৰে।
জগতৰ ভৰে পড়িলা সত্বৰে ॥
মৰি কংসৰায় ধৰি দিব্যকায়।
বৈকুণ্ঠক পায় থাকিলা লীলায় ॥
পাছে যদুৰাই কংসক ঘষাই।
ফুৰাইলা লীলাই লোকক দেখাই ॥
তাৰ অষ্ট ভাই ক্রোধে আসে ধাই।
দেখি যদুৰাই মাৰিলা কোবাই ॥
পিতাৰ মাতাৰ নিগল লোহাৰ।
ছোড়ি বাৰম্বাৰ কৈল নমস্কাৰ ॥
এন্তে চক্রপানি মনে অনুমানি।
ভৰে দুয়ো প্রাণী নোবোলন্ত বাণী ॥
মায়া আবৰিল কৃষ্ণক ধৰিল।
ক্রন্দন কৰিল লোতক ঝৰিল ॥
কৃষ্ণত ভকতি কৰি মহামতি।
উগ্রসেন তথি থৈলন্ত নৃপতি ॥
পাছে নন্দপাশ আসি শ্রীনিবাস।
কহে প্রিয় ভাষ কৰিয়া আশ্বাস ॥

বজায়ে বাজন বঙ্গে নাৰায়ণ।
সঙ্গে শিশুগণ কৰন্ত ভ্ৰমণ॥
চৰণ চলাই নূপুৰ বজাই।
নাচে যদুৰাই প্ৰজা আছে চাই॥
কৃষ্ণৰ কিঙ্কৰ ৰচিল শঙ্কৰ।
শুনা সবে নৰ কৰ্ম্ম কেশৱৰ॥
কত তপস্যায় নৰতনু পায়।
ভকতি বিনায় ব্যৰ্থে আয়ু যায়॥
আবে বুধ জন এড়া আন মন।
যাৱত চেতন ভজা নাৰায়ণ॥
নকৰা বিমতি কলিত সম্প্ৰতি।
বিনা লক্ষ্মীপতি নাহি আন গতি॥
জানি হেন কৰা কৃষ্ণক স্মৰা।
আপুনি নিস্তৰা পুৰুষ উদ্ধৰা॥
মাধৱৰ নাম ধৰ্ম্ম অনুপাম।
এড়ি আন কাম বোলা ৰাম ৰাম॥

ঘোষা॥ ত্ৰাহি ত্ৰাহি ৰাম। কৰিলোঁ প্ৰণাম।

কংসে পাড়ে গালি শুনি বনমালী।
ডেৰে চাঙ্গ চালি চড়িলা আটালি॥

কেশত কংসৰে ধৰি বামকৰে।
টানি আড়ম্বৰে পেলাইলা ঈশ্বৰে ॥
পাছে দামোদৰে তাহাৰ ওপৰে।
জগতৰ ভৰে পড়িলা সত্বৰে ॥
মৰি কংসৰায় ধৰি দিব্যকায়।
বৈকুণ্ঠক পায় থাকিলা লীলায় ॥
পাছে যদুৰাই কংসক ঘষাই।
ফুৰাইলা লীলাই লোকক দেখাই ॥
তাৰ অষ্ট ভাই ক্ৰোধে আসে ধাই।
দেখি যদুৰাই মাৰিলা কোবাই ॥
পিতাৰ মাতাৰ নিহল লোহাৰ।
ছোড়ি বাৰম্বাৰ কৈল নমস্কাৰ ॥
এন্তে চক্ৰপানি মনে অনুমানি।
ভৰে দুয়ো প্ৰাণী নোবোলন্ত বাণী ॥
মায়া আবৰিল কৃষ্ণক ধৰিল।
ক্ৰন্দন কৰিল লোতক ঝৰিল ॥
কৃষ্ণত ভকতি কৰি মহামতি।
উগ্ৰসেন তথি ভৈলন্ত নৃপতি ॥
পাছে নন্দপাশ আসি শ্ৰীনিবাস।
কহে প্ৰিয় ভাষ কৰিয়া আশ্বাস ॥

শুনা ব্রজপতি চলা শীঘ্রগতি।
শোক মোক প্রতি তেজিয়ো সংপ্রতি ॥
দিন কতমান থাকি ইটো স্থান।
তব সন্নিধান কৰিবোঁ প্রয়াণ ॥
শুনি গোপকুল হিয়ে যেন শূল।
কান্দিয়া আকুল আসিলা গোকুল ॥
গর্গ পুৰুহিত শাস্ত্রৰ বিহিত।
যজ্ঞ উপস্থিত দিলা হৰষিত ॥
ৰঙ্গে ৰাম হৰি ব্রহ্মচর্য্য ধৰি।
অবন্তী নগৰী গৈলা লীলা কৰি ॥
গুৰুক বিনয় কৰি কৃপাময়।
পঢ়িলন্ত তয় যত বিদ্যাচয় ॥
পাছে শাস্ত্র জানি গুৰু বাক্য মানি।
মৰা পুত্র আনি দিলা চক্রপাণি ॥
গোপীৰ প্রেমক জানি উদ্ধৱক।
পঠাই গোকুলক বুজাইলা নন্দক ॥
কৃষ্ণক স্মৰিল চেতনা হৰিল।
ক্রন্দন কৰিল লোকক ঝৰিল ॥
কৃষ্ণৰ বচন শুনি গোগণ।
প্রেমত ক্রন্দন কৰে অনুক্ষণ ॥

উদ্ধৱে বুজাইল কিছু স্মৃতি পাইল।
কৃষ্ণ গুণ গাইল দিবস গোঁৱাইল॥
কৃষ্ণে কৰি লীলা বাক্য সফলিলা।
কুজীক ৰমিলা মথুৰা ভ্ৰমিলা॥
অক্ৰুৰৰ ঘৰ গৈলা দামোদৰ।
অক্ৰুৰে বিস্তৰ কৰিলা সাদৰ॥
স্মৰি পাণ্ডৱক বাৰ্ত্তা জানিবাক।
হস্তিনাপুৰক পঠাই অক্ৰুৰক॥
পাণ্ডৱৰ যত বাৰ্ত্তাক তাৱত।
আসি মাধৱত কৰিলা বেকত॥
মগধ ৰাজাৰ সেনা বাৰে বাৰ।
কৰিয়া প্ৰহাৰ চিন্তিলন্ত মাৰ॥
দ্বাৰকা সকলে নিৰ্ম্মাইলন্ত জলে।
প্ৰজাক সকলে নিলা যোগবলে॥
কাল যবনৰ আগে মনোহৰ।
দেখাই কলেৱৰ যান্ত দামোদৰ॥
যেন নৱঘন তনু বিতোপন।
সুপীত বসন পঙ্কজ নয়ন॥
ৰত্নৰ মোলান বাহু চাৰিখান।
নাহিকে সমান সৰ্ব্বাঙ্গে সুঠান॥

শুনা ব্রজপতি চলা শীঘ্রগতি।
শোক মোক প্রতি তেজিয়ো সংপ্রতি॥
দিন কতমান থাকি ইটো স্থান।
তব সন্নিধান কৰিবোঁ প্রয়াণ॥
শুনি গোপকুল হিয়ে যেন শূল।
কান্দিয়া আকুল আসিলা গোকুল॥
গর্গ পুৰুহিত শাস্ত্রৰ বিহিত।
যজ্ঞ উপস্থিত দিলা হৰষিত॥
ৰঙ্গে ৰাম হৰি ব্রহ্মচর্য্য ধৰি।
অবন্তী নগৰী গৈলা লীলা কৰি॥
গুৰুক বিনয় কৰি কৃপাময়।
পঢ়িলন্ত তয় যত বিদ্যাচয়॥
পাছে শাস্ত্র জানি গুৰু বাক্য মানি।
মৰা পুত্র আনি দিলা চক্রপাণি॥
গোপীৰ প্রেমক জানি উদ্ধৱক।
পঠাই গোকুলক বুজাইলা নন্দক॥
কৃষ্ণক স্মৰিল চেতনা হৰিল।
ক্রন্দন কৰিল লোতক ঝৰিল॥
কৃষ্ণৰ বচন শুনি গোগণ।
প্রেমত ক্রন্দন কৰে অনুক্ষণ॥

উদ্ধৱে বুজাইল কিছু স্মৃতি পাইল।
কৃষ্ণ গুণ গাইল দিবস গোঁৱাইল॥
কৃষ্ণে কৰি লীলা বাক্য সফলিলা।
কুজীক ৰমিলা মথুৰা ভ্ৰমিলা॥
অক্ৰুৰৰ ঘৰ গৈলা দামোদৰ।
অক্ৰুৰে বিস্তৰ কৰিলা সাদৰ॥
স্মৰি পাণ্ডৱক বাৰ্ত্তা জানিবাক।
হস্তিনাপুৰক পঠাই অক্ৰুৰক॥
পাণ্ডৱৰ যত বাৰ্ত্তাক তাৱত।
আসি মাধৱত কৰিলা বেকত॥
মগধ ৰাজাৰ সেনা বাৰে বাৰ।
কৰিয়া প্ৰহাৰ চিন্তিলন্ত মাৰ॥
দ্বাৰকা সকলে নিৰ্ম্মাইলন্ত জলে।
প্ৰজাক সকলে নিলা যোগবলে॥
কাল যবনৰ আগে মনোহৰ।
দেখাই কলেৱৰ যান্ত দামোদৰ॥
যেন নৱঘন তনু বিতোপন।
সুপীত বসন পঙ্কজ নয়ন॥
ৰত্নৰ মোলান বাহু চাৰিখান।
নাহিকে সমান সৰ্ব্বাঙ্গে সুঠান॥

কিৰিতি কুণ্ডল অলঙ্কাৰে জ্বলে।
হাৰ বক্ষঃস্থলে পদ্মমালা গলে॥
অজানুলম্বিত মেখলা কটিত।
পাট ভূনি পীত লোটয় মাটিত॥
চৰণ পল্লৱ নূপুৰৰ ৰৱ।
শুনন্তে উৎসৱ চলন্ত মাধৱ॥
যবনে দেখিল পাছত খেদিল।
লাগক নেদিল গহ্বৰে পশিল॥
মুচুকুন্দ ৰায় শুতিয়া তথায়।
আছে নিদ্ৰা যায় তাঙ্ক গৈয়া পায়॥
মাৰিল চৰণে জাগিল তেখনে।
চাহিল নয়নে মৰিল যবনে॥
পুছে যদুপতি দেখিয়া নৃপতি।
কৰিলন্ত নতি অনেক ভকতি॥
কৈল উপদেশ মাধৱে নিঃশেষ।
ৰাজা ছাড়ি দেশ এড়াইলন্ত ক্লেশ॥
কৃষ্ণপদে ৰতি কৰি মহামতি।
পাইলন্ত নৃপতি ভগৱন্ত গতি॥
ৰেৱত নৃপতি দুহিতা ৰেৱতি।
বিহাইলন্ত তথি বলো মহামতি॥

ভীষ্মক দুহিতা রূপে আনন্দিতা।
করে সুচরিতা কৃষ্ণ পতি চিন্তা॥
তান ভাই জ্যেষ্ঠ রুক্মী বীৰ দুষ্ট।
কৃষ্ণৰ অনিষ্ট চিন্তয় অশিষ্ট॥
রুক্মিণী শুনিল রুক্মী দুষ্টশীল।
মাধৱে বঞ্চিল শিশুপালে দিল॥
শোক উথলিল ক্রন্দন কৰিল।
চিত্ত প্রবোধিল উপায় স্রজিল॥
পত্রক গোপনে লিখিয়া আপুনে।
পঠাইল ব্রাহ্মণে দ্বাৰকা ভুবনে॥
সেই বাক্য ধৰি পাছে দেৱ হৰি।
বিদর্ভ নগৰী গৈলা শীঘ্র কৰি॥
দুষ্ট ৰাজগণ জিনি নাৰায়ণ।
ৰুক্মিণী হৰণ কৰিলা তেখন॥
ৰুক্মী যুদ্ধ দিল মাধৱে জিনিল।
চক্রক ধৰিল মুণ্ডন কৰিল॥
পাছে দেৱহৰি আসি নিজ পুৰী।
ৰুক্মিণী সুন্দৰী বিহাইল সাদৰি॥
আৰাধি সূৰ্য্যক পায়া স্যমন্তক।
সত্রাজিত তাক আনিলা গৃহক॥

খোজে নাৰায়ণে নেদিল দুৰ্জ্জনে।
পিন্ধিয়া প্রসেনে চলি গৈলা বনে ॥
সিংহে দেখিল তাহাক বধিল।
স্যমন্তক নিল পৰ্ব্বতে চড়িল ॥
দেখি জাম্বৱন্ত তাক মাৰিলন্ত।
মণিক লৈলন্ত গৰ্ত্তক গৈলন্ত ॥
উঠি গৈল তঙ্ক সত্ৰাজিত ৰঙ্ক।
কৃষ্ণক কলঙ্ক দিলেক নিঃশঙ্ক ॥
জানি নাৰায়ণ লৈয়া সেনাগণ।
মণিৰ কাৰণ প্রবেশিলা বন ॥
বুজি সবে তত্ত্ব গৰ্ত্তৰ বাজত।
থৈয়া সেনা যত পশিলা গৰ্ত্তত ॥
জিনি ঋক্ষপতি দেৱ যদুপতি।
স্যমন্ত সহিতি পাইলা জাম্বৱতী ॥
দ্বাৰকাক আইল মণিক দেখাইল।
কলঙ্ক এড়াইল আনন্দক পাইল ॥
সবাৰ সাক্ষাতে মণিক তথাতে।
সত্ৰাজিত হাতে দিলা জগন্নাথে ॥
পাছে সত্ৰাজিত স্যমন্ত সহিত।
কন্যাক সহিত দিলন্ত হৰিত ॥

কালিন্দী সুন্দৰী সাধে তপ কৰি।
জানি তাক হৰি আনিলা সাদৰি॥
মিত্ৰবিন্দা সতী অতি ৰূপৱতী।
পায়া যদুপতি আইলা দ্বাৰৱতী॥
জিনি বৃষ সাত দেৱ যদুনাথ।
সত্যাক তথাত বিহাইলা সাক্ষাত॥
আত অনন্তৰে বিহাইলা সত্বৰে।
ভদ্ৰাক সাদৰে দেৱ দামোদৰে॥
বাণক প্ৰহাৰি লক্ষক বিদাৰি।
লক্ষ্মণা কুমাৰী অনিলা মুৰাৰি॥
ৰূপে আসন্বিষী অষ্টম মহিষী।
বিহাইলা হৰিষি বিক্ৰম দৰশি॥
ৰুক্মিণী নন্দন ভৈলন্ত মদন।
ৰূপে বিতোপন যেন নৱঘন॥
পাছে তাঙ্ক ঘৰে হৰিল সম্বৰে।
মৰিবাৰ তৰে পেলাইলা সাগৰে॥
দানৱক মাৰি পায়া নিজ নাৰী।
আইলা শীঘ্ৰ কৰি দ্বাৰকা নগৰী॥
নৰকক মাৰি আনন্দে মুৰাৰি।
যোড়শ হাজাৰিলা পাইদিব্য নাৰী॥

শুনি প্ৰিয়া-বাণী জিনি বজ্ৰপাণি।
পাৰিজাত আনি কইলা চক্ৰপাণি॥
সুধৰ্ম্মা সভাক পঠাই দ্বাৰকাক।
বুলি স্তুতি বাক গৈলা দেৱলোক॥
দেৱৰ সম্পত্তি দ্বাৰকাক প্ৰতি।
আনি যদুপতি কৰিলন্ত ৰতি॥
পৰিহাস কৰি বুলিলন্ত হৰি।
ৰুক্মিণী সুন্দৰী শুনি গৈলা ডৰি॥
কৃষ্ণ পৰিহাস শুনিয়া নৈৰাশ।
ভৈলন্ত হতাশ নোলাই উশাস॥
মৰ্ম্ম গৈল জ্বলি পড়িলন্তঢলি।
কেশৱে আকলি চাৰি বাহু মেলি॥
ধৰিলন্ত তুলি মলছিলা ধূলি।
প্ৰিয় বাক্য বুলি বান্ধিলন্ত চুলি॥
লভিয়া চেতন বুলিলা বচন।
প্ৰেমে অনুক্ষণ ঝুৰয় নয়ন॥
প্ৰিয়ায়ে সহিতে সকৰুণ চিত্তে।
ক্ৰীড়িলা তহিতে বদন হসিতে॥
একৈক ভাৰ্য্যাত দশ দশ জাত।
তনয় সাক্ষাত জগত প্ৰখ্যাত॥

কৃষ্ণ পুত্র নাতি ভৰিলেক আতি।
ৰঙ্গে দিনে ৰাতি বঞ্চে যত জ্ঞাতি॥
প্ৰদ্যুম্ন তনয় ভৈলন্ত দুৰ্জ্জয়।
অনিৰুদ্ধ তয় অতি শোভনয়॥
তান বিবাহত বলোৰ হাতত।
আপুন ঘৰত ৰুক্মী ভৈল হত॥
ঊষাক হৰিল বন্ধন কৰিল।
মাধৱে শুনিল যুদ্ধক চলিল॥
বানৰ কাতৰে যুজিলন্ত হৰে।
বিজৃম্ভণ শৰে মোহিত শঙ্কৰে॥
স্তুতি আৰম্ভিল মাধৱে দেখিল।
যুদ্ধ উপেক্ষিল বাণক ৰাখিল॥
দানৱ মুগুধ এৰিলন্ত যুদ্ধ।
দিল হুয়া শুদ্ধ ঊষা অনিৰুদ্ধ॥
কৃষ্ণে ৰঙ্গ পাইল দ্বাৰকাক আইল।
বিবাহ কৰাইল বাজন বজাইল॥
বাম হাতে ধৰি নৃগক উদ্ধৰি।
ৰঙ্গে গৈলা হৰি দ্বাৰকা নগৰী॥
বদতি শঙ্কৰ শুনা সবে নৰ।
ইটো সাৰতৰ বেদৰ উত্তৰ॥

হরি বিনে আর নাহিকে নিস্তার।
অসার সংসার জানা সারোদ্ধার॥
পরলোক ভয় এভো সুপজয়।
ঘোর যমালয় গমন নিশ্চয়॥
কেন মতে তাত ঘোর উতপাত।
যাতনার হাত এড়াইবা সাক্ষাত॥
পাতক হরণ দুর্গতি তারণ।
হরির চরণ পশিয়ো শরণ॥
ঘোর কলি কাল অধর্ম্ম বিশাল।
এড়ি আলজাল ভজিয়ো গোপাল॥
কৃষ্ণ গুণ নাম ধর্ম্ম অনুপাম।
এড়ি আন কাম বোলা রাম রাম॥

ঘোষা॥ নমো কৃষ্ণ রাম। তুমি পূর্ণকাম॥

রামে করি লীলা ব্রজত ক্রীড়িলা।
লাঙ্গল টানিলা যমুনা আনিলা॥
পৌণ্ড্রক রাজার শুনি অহঙ্কার।
শির ছেদি তার চিন্তিলন্ত মার॥
কাশী নৃপতির কাটি পাছে শির।
তাহার মন্দির পেলাই যদুবীর॥

তাহাৰ তনয় সুদক্ষিণ তয়।
দেখিয়া হেনয় ভৈলন্ত বিস্ময়॥
শোকত কাতৰ হুয়া বীৰবৰ।
পূজিয়া শঙ্কৰ পাইলা ইষ্টবৰ॥
ভৈল কৃত্যানল পৰম প্ৰবল।
যদু সেনা বল কৰিল বিকল॥
শুনি নাৰায়ণ চক্ৰ সুদৰ্শন।
কৰিল প্ৰেৰণ চলিল তেখন॥
পাছে চক্ৰে আসি কৃত্যানল নাশি।
পুড়ি বাৰাণসী কৈলা ভস্মৰাশি॥
দ্বিবিদ বানৰে উপদ্ৰৱ কৰে।
মাৰিলা সমৰে দেৱ হলধৰে॥
শুনি স্বয়ম্বৰ শাম্ব বীৰবৰ।
হস্তিনা নগৰ চলিলা সত্বৰ॥
লক্ষ্মণা সুন্দৰী আনিলন্ত হৰি।
দিব্য ৰথে চড়ি আইলা শীঘ্ৰ কৰি॥
কৌৰবে কোপিল খেদিয়া আসিল।
সমৰ কৰিল বান্ধিয়া ৰাখিল॥
শাম্বৰ নিদান ৰাম ভগবান।
কৌৰৱৰ স্থান কৰিলা প্ৰয়াণ॥

হরি বিনে আর নাহিকে নিস্তার।
অসার সংসার জানা সারোদ্ধার॥
পরলোক ভয় এতো নৃপজয়।
ঘোর যমালয় গমন নিশ্চয়॥
কেন মতে তাত ঘোর উতপাত।
যাতনার হাত এড়াইবা সাক্ষাত॥
পাতক হরণ দুর্গতি তারণ।
হরির চরণ পশিয়ো শরণ॥
ঘোর কলি কাল অধর্ম্ম বিশাল।
এড়ি আলজাল ভজিয়ো গোপাল॥
কৃষ্ণ গুণ নাম ধর্ম্ম অনুপাম।
এড়ি আন কাম বোলা রাম রাম॥

ঘোষা॥ নমো কৃষ্ণ রাম। তুমি পূর্ণকাম॥

রামে করি লীলা ব্রজত ক্রীড়িলা।
লাঙ্গল টানিলা যমুনা আনিলা॥
পৌণ্ড্রক রাজার শুনি অহঙ্কার।
শির ছেদি তার চিন্তিলন্ত মার॥
কাশী নৃপতির কাটি পাছে শির।
তাহার মন্দির পেলাই যদুবীর॥

তাহাৰ তনয় সুদক্ষিণ তয়।
দেখিয়া হেনয় ভৈলন্ত বিস্ময়॥
শোকত কাতৰ হুয়া বীৰবৰ।
পূজিয়া শঙ্কৰ পাইলা ইষ্টবৰ॥
ভৈল কৃত্যানল পৰম প্ৰবল।
যদু সেনা বল কৰিল বিকল॥
শুনি নাৰায়ণ চক্ৰ সুদৰ্শন।
কৰিল প্ৰেৰণ চলিল তেখন॥
পাছে চক্ৰে আসি কৃত্যানল নাশি।
পুড়ি বাৰাণসী কৈলা ভস্মৰাশি॥
দ্বিবিদ বানৰে উপদ্ৰব কৰে।
মাৰিলা সমৰে দেৱ হলধৰে॥
শুনি স্বয়ম্বৰ শাম্ব বীৰবৰ।
হস্তিনা নগৰ চলিলা সত্বৰ॥
লক্ষ্মণা সুন্দৰী আনিলন্ত হৰি।
দিব্য ৰথে চড়ি আইলা শীঘ্ৰ কৰি॥
কৌৰবে কোপিল খেদিয়া আসিল।
সমৰ কৰিল বান্ধিয়া ৰাখিল॥
শাম্বৰ নিদান ৰাম ভগবান।
কৌৰৱৰ স্থান কৰিলা প্ৰয়াণ॥

কৌৰবৰ ছল দেখি মহাবল।
জ্বলে ক্রোধানল ভেজাইলা লাঙ্গল॥
ওভতে নগৰ ভয়ে তৰ তৰ।
কৰয় কাতৰ দিলা কন্যা বৰ॥
ষোড়শ হাজাৰ মন্দিৰে অপাৰ।
কিৰূপে বিহাৰ কৰে সৰ্ব্বাধাৰ॥
হেন বিমৰিষি পাছে দেৱঋষি।
দ্বাৰকাত পশি চাহিলা হৰিষি॥
ঘৰে ঘৰে নৱ আশ্চৰ্য্য বৈভৱ।
কৰন্ত মাধৱ দেখন্তে উৎসব॥
গৃহৰ সম্পদ দেখিয়া নাৰদ।
নয়ন তৰধ ভৈল নিঃশবদ॥
কৃষ্ণপদে পড়ি নানা স্তুতি ৰড়ি।
নিজ স্থানে লড়ি গৈল দড়দড়ি॥
মগধ ৰাজন ভক্ত ৰাজাগণ।
কৰিয়া বন্ধন ৰাখে অনুক্ষণ॥
হুয়া দুঃখ যুত আনি এক দূত।
কৰিয়া গুপুত পঠাই দিলা দ্রুত॥
দূত গৈয়া পাইল কৃষ্ণত জনাইল।
শুনি খেদ পাইল আশ্বাসি পঠাইল॥

পাছে দেব হৰি দিব্য ৰথে চড়ি।
ইন্দ্রপ্রস্থ পুৰী গৈলা শীঘ্র কৰি॥
যুধিষ্ঠিৰ ৰায় মাধৱক পায়।
অবনত কায় অৰ্চ্চিলা সদায়॥
মন্ত্রণা কৰিল খাণ্ডব দহিল।
বহ্নিক তুষিল মগধে চলিল॥
পাৰ্থ বৃকোদৰ সঙ্গে দামোদৰ।
বিপ্ররূপ-ধৰ পশিলা নগৰ॥
ৰাজাত কহিল যুদ্ধক মাগিল।
প্রতিজ্ঞা কৰিল যুজিবে চলিল॥
হৰিদ্বেষী ধন্ধ ৰাজা জৰাসন্ধ।
কৰিয়া প্রবন্ধ নিপাতিলা কন্ধ॥
পশিল শৰণ যত ৰাজাগণ।
ছোড়াইলা বন্ধন দেব নাৰায়ণ॥
ৰূপে বিতোপন দিলা দৰশন।
দেখি ৰাজাগণ হৰষিত মন॥
আগত পড়িল প্রেম উপজিল।
লোতক ঝৰিল প্রণাম কৰিল॥
পাছে হৃষীকেশ গুচাই সবে ক্লেশ।
ভুঞ্জিয়া অশেষ পঠাই দিলা দেশ॥

পাছে যুধিষ্ঠিৰ ৰাজা মহাবীৰ।
আদেশে হৰিৰ চিত্ত কৰি স্থিৰ॥
ৰাজসূয় নাম যজ্ঞ অনুপাম।
কৰি পূৰ্ণকাম হৈল গুণধাম॥
ৰাজা শিশুপাল গৰ্জ্জিলা আস্ফাল।
সেহি যজ্ঞপাল বধিলা গোপাল॥
পাছে দুৰ্যোধন স্থলে জল হেন।
দেখি ভ্ৰম মন তুলিল বসন॥
জলক দেখিল তাক নিচিনিল।
তাহাত পড়িল বসন তিতিল॥
দেখি নাৰীগণ হাসে ঘনে ঘন।
মলিল বদন ভৈলা দুৰ্য্যোধন॥
মৰণ সমান পায়া অপমান।
ক্ৰোধে হতজ্ঞান গৈলা নিজস্থান॥
কুৰু পাণ্ডুবল খেলাই পাশা ছল।
লগাইলা কন্দল ভকত বৎসল॥
মহা ভয়ঙ্কৰ মিলাইলা সমৰ।
পৃথিবীৰ ভাৰ হৰিলা ঈশ্বৰ॥
শাল্ব নৰপতি যুদ্ধক সংপ্ৰতি।
দ্বাৰকাক প্ৰতি আসিল দুৰ্ম্মতি॥

বেঢ়ি দ্বাৰকাক হানি অস্ত্ৰজাক।
মিলাইলা বিপাক খেদি আইলা তাক॥
হাতে চক্ৰধৰি দেৱ শ্ৰীহৰি।
শাল্বক সংহৰি কৈলা ৰঙ্গ কৰি॥
দন্তবক্ৰ ৰায় আইলা ক্ৰোধে ধায়।
তাক যদুৰায় মাৰিলা লীলায়॥
বিদূৰথ আইল কৃষ্ণে তাক ধাইল।
চক্ৰক পঠাইল যমক ডকাইল॥
ৰিপু নৃপ যত সমৰে শকত।
সবাকো ৰণত কৰিলন্ত হত॥
কুৰু পাণ্ডৱৰ লাগিবে সমৰ।
জানি হলধৰ ছাড়িলা নগৰ॥
নানা তীৰ্থগণ কৰিয়া ভ্ৰমণ।
নৈমিষ কানন কৰিলা গমন॥
দেখি মুনিগণ বন্দিলা চৰণ।
যোগাইলা আসন বসিলা তেখন॥
সূত মহাজন ন কৈলা বন্দন।
দেখি ক্ৰোধমন ৰোহিণী নন্দন॥
কুশ প্ৰহাৰিলা সূতক মাৰিলা।
ঋষিয়ে দেখিলা ৰামক নিন্দিলা॥

ৰামে চিন্তি হিত তাৰ প্ৰায়শ্চিত।
কৰিলা তহিত শাস্ত্ৰৰ বিহিত॥
পৰম দুন্দুৰ বল্কল অম্বৰ।
কৰি মসীমুৰ নিলা যমপুৰ॥
বলোৰ চৰিত অতি বিপৰীত।
শুনন্তে ত্বৰিত হৰয় দুৰিত॥
বিপ্ৰ দামোদৰ বৈষ্ণৱত পৰ।
কৃষ্ণৰ বাসৰ গৈলা দ্বিজবৰ॥
মাধৱে ধৰিল প্ৰণতি কৰিল।
প্ৰেমত দ্ৰৱিল লোতক ঝৰিল॥
অনেক সাদৰি ভৃঙ্গাৰক ধৰি।
ধুৱাইলন্ত ভৰি অৰ্চ্চিলন্ত হৰি॥
কৰুণা সদন দৈৱকী নন্দন।
কৰিয়া বন্দন পিন্ধাইলা চন্দন॥
কহিয়া কাহিনী বুলি প্ৰিয় বাণী।
চাউল চিড়া আনি ভুঞ্জি চক্ৰপাণি॥
ইন্দ্ৰৰ বিভূতি দিলন্ত ভূমিতি।
পাইলন্ত ভুকুতি পৰম মুকুতি॥
দাৰিদ্ৰ্য ভঞ্জন পাতক গঞ্জন।
ভকত ৰঞ্জন দেৱ নিৰঞ্জন॥

কুরুক্ষেত্র নাম তীর্থ অনুপাম।
যাক ভৃগুৰাম কৈলা মোক্ষ ধাম ॥
সূৰ্য্যৰ গ্ৰহণে মহাৰঙ্গ মনে।
যত যদুগণে গৈলা নাৰায়ণে ॥
গোপ-গোপীগণ লৈয়া পৰিজন।
হৰষিত মন কৰিলা গমন ॥
বহু দিনান্তৰে দেখি দামোদৰে।
আনন্দ অন্তৰে নেত্ৰে নীৰ ঝৰে ॥
গোপিকা সহিত আলাপি তহিত।
ভকতিৰ ৰীত কহিলা পীৰিত ॥
কৌৰৱ পাণ্ডৱ যত ৰাজা সৱ।
কৰিয়া উৎসৱ গৈলা সেহি ঠাৱ ॥
যত ঋষিগণ আইলা সেহিক্ষণ।
দেখি নাৰায়ণ কৰিলা বন্দন ॥
পিতৃৰ বচনে যজ্ঞ ৰঙ্গ মনে।
কৰাই বস্ত্ৰ ধনে তুষিলা ব্ৰাহ্মণে ॥
নন্দ যশোদাক বুলি প্ৰিয়বাক।
গৈলা দ্বাৰকাক যত যদু জাক ॥
আত্ম তত্ত্ব জ্ঞান শাস্ত্ৰৰ প্ৰমাণ।
বাসুদেৱ স্থান কৈলা ভগৱান ॥

প্ৰাৰ্থিলন্ত জানি দৈৱকী গোসানী ।
ছয় পুত্ৰ আনি দিলা চক্ৰপাণি ॥
সুভদ্ৰা বৰিলা অৰ্জ্জুনে হৰিলা ।
বলোৱে কোপিলা লাঙ্গল ধৰিলা ॥
দেখি লক্ষ্মীপতি বুলিলা বিনতি ।
তুষ্ট ভৈলা মতি পাণ্ডৱক প্ৰতি ॥
জনকৰ ঘৰ গৈলা দামোদৰ ।
নৃপতি বিস্তৰ কৰিলা সাদৰ ॥
শ্ৰুতদেৱ যায় মাধৱক পায় ।
চৰণ ধুৱায় অৰ্চ্চিলা সদায় ॥
কৰিলন্ত স্তুতি তয়ু যদুপতি ।
গুণ নামে গতি জানিলোঁ সম্প্ৰতি ॥
জানো নিৰন্তৰ কৰ্ম্মীৰ মনৰ ।
থাকন্তো অন্তৰ হোৱা দামোদৰ ॥
শ্ৰৱণ কীৰ্ত্তন কৰে যিতো জন ।
তাতেসে প্ৰসন্ন হোৱা নাৰায়ণ ॥
ভকতি বিনয় শুনি কৃপাময় ।
মনৰ নিশ্চয় গুচাইলা সংশয় ॥
কহিলন্ত পথ পূৰি মনোৰথ ।
দ্বাৰকাৰ পথ চলাইলন্ত ৰথ ॥

কোন পথ সন্ত বাজা পুছিলন্ত।
শুনিয়া মহন্ত শুকে কহিলন্ত॥
শুনা নৃপবৰ বেদৰ উত্তৰ।
তৰুতিত পৰ নাহি সাৰতৰ॥
শিৰৰ ৰতন মন্ত্ৰৰ বচন।
শ্ৰৱণ কীৰ্ত্তন কৰা অনুক্ষণ॥
ইসে পথ সন্ত কৈলা ভগৱন্ত।
নপাই আৰ অন্ত সংসাৰে মজন্ত॥
দেৱ কৃপাময় আনি দিলা ভয়।
বিপ্ৰৰ তনয় ৰাখি ধনঞ্জয়॥
বীৰ নিপুণ আনন্দে আপোন।
যত হৰিগুণ বৰ্ণাইলা অৰ্জ্জুন॥
জগত আধাৰ দৈৱকী কুমাৰ।
সংসাৰ নিস্তাৰ হুয়া অৱতাৰ॥
লীলা বিহাৰ কৰিলা অপাৰ।
তাক কহিবাৰ শকতি কাহাৰ॥
শুনা নিৰন্তৰ কৰ্ম্ম কেশৱৰ।
কৃষ্ণৰ কিঙ্কৰ ৰচিলা শঙ্কৰ॥
কত তপস্যায় নৰতনু পায়।
ভকতি বিনায় ব্যৰ্থে আয়ু যায়॥

মাধৱেসে পিতা মাধৱেসে মাতা ।
মাধৱেসে ধাতা মাধৱেসে দাতা ॥
মাধৱত পৰ ত্ৰৈলোক্য ভিতৰ ।
নাহিকে ঈশ্বৰ জানা সাৰতৰ ॥
মিলিবে মৰণ জগত তাৰণ ।
কৃষ্ণৰ চৰণ পশিয়ো শৰণ ॥
দুৰ্ঘোৰ কলিত চিন্তিয়োক হিত ।
মাধৱত চিত্ত দিয়া প্ৰতিনিত ॥
আয়ু আলে জালে যায় পাইল কালে ।
ভজিয়ো সকালে ৰাখিবে গোপালে ॥
গুণ চিন্তামণি দুৰ্গতি তৰণী ।
পাপীৰ অগণি ঘুষিয়োক চনি ॥
নাহিকে চেতন কেদ্দিন জীৱন ।
হৰিৰ কীৰ্ত্তন কৰিয়ো যতন ॥
কীৰ্ত্তন বিনাই আন পূণ্য-নাই ।
শাস্ত্ৰ অভিপ্ৰায় বুজিয়োক চাই ॥
তেবেসে নিস্তৰি আন পৰিহৰি ।
হৃদি ৰূপ ধৰি বোলা হৰি হৰি ॥

---

ঘোষা ॥ বোলা ৰাম ৰাম। ছাড়া আন কাম ॥

কৃষ্ণৰ পৰম জনম কৰম।
ভৈল অনুক্ৰম সম্পুৰ্ণ দশম ॥
আবে একাদশ শুনা কৃষ্ণ-যশ।
মুকুতিৰ ৰস ভকতি সৰ্ব্বস ॥
ভাৰক সংহৰি পৃথিবী উদ্ধৰি।
বিমনিষ কৰি বুলিলন্ত হৰি ॥
ইতো যদুকুল ভাৰ সুবিপুল।
লগাই হুলস্থূল কৰিবোঁ নিৰ্ম্মূল ॥
অনাই ঋষি বল দিয়াই শাপ ছল।
মিলাইলা মূষল দেখন্তে বিহ্বল ॥
ত্ৰিদশ সহিতি আসি প্ৰজাপতি।
কৰিলন্ত নতি অনেক ভকতি ॥
ভকত বান্ধৱ কুল পৰাভৱ।
কৰিবা মাধৱ জানিলা উদ্ধৱ ॥
বুজি সবে মত কৃষ্ণৰ আগত।
পড়ি দণ্ডৱত বোলে বিৰলত ॥
কুলক সংহৰি মোক পৰিহৰি।
বৈকুণ্ঠ নগৰী চলিবাহা হৰি ॥

মোৰ প্ৰাণধন তোমাৰ চৰণ ।
নপাই নাৰায়ণ তেজিবোঁ জীৱন ॥
তোমাৰ কিঙ্কৰ কৰোঁহোঁ কাতৰ ।
নকৰা অন্তৰ মোক দামোদৰ ॥
ধৰিয়া চৰণে বিনয় বচনে ।
লোতক নয়নে ঝৰে অনুক্ষণে ॥
উদ্ধৱ মহন্ত পড়িয়া কান্দন্ত ।
দেখি ভগৱন্ত হাসিয়া বোলন্ত ॥
মোহোৰ হৃদয় পাইলা মহাশয় ॥
কৰি কুল ক্ষয় চলিবোঁ নিশ্চয় ।
স্থিৰ কৰা মতি শুনা মহামতি ।
জ্ঞান যে ভকতি কহিবোঁ সংপ্ৰতি ॥
পাছে ভগবান যত যোগধ্যান ।
যত মহাজ্ঞান কৰিলা ব্যাখ্যান ॥
দেখাইলন্ত সম কৈলা নিৰুপম ।
ভক্তি মোক্ষতম পুৰুষ উত্তম ॥
নিৰ্গুণ ভকতি নিৰ্গুণত মতি ।
নিৰ্গুণত ৰতি নিৰ্গুণত গতি ॥
নিৰ্গুণত জ্ঞান নিৰ্গুণত ধ্যান ।
নিৰ্গুণত স্থান কৈলা সৰ্ব্বজান ॥

জ্ঞানত কৰ্ম্মত কৰি সাৰতত্ত্ব।
ভকতি যিমত কৰিলা বেকত॥
ব্ৰহ্মা লক্ষ্মী হৰ ইতো কলেৱৰ।
তাতো শ্ৰেষ্ঠতৰ ভক্ত প্ৰিয়তৰ॥
ভকতেসে জ্ঞান ভকতেসে ধ্যান।
ভকত সমান নাহি মোৰ আন॥
ক্ষেত্ৰত তীৰ্থত্ত্ৰ কৰিয়া ভকত।
তাৰিবে শকত কহিলোঁ বেকত॥
চিত্তে মোক ধৰি শোক পৰিহৰি।
ইতো স্থান এড়ি চলা শীঘ্ৰ কৰি॥
দেখিয়োক সম যায়ো নিৰুপম।
বদৰিকাশ্ৰম উদ্ধৱ উত্তম॥
শুনি মহাধীৰ চিত্ত নোহে স্থিৰ।
কৃষ্ণ পাৱে শিৰ থৈয়া ঝৰে নীৰ॥
চৰণ নেড়ন্ত প্ৰেমত কান্দন্ত।
দেখি ভগৱন্ত প্ৰবোধ বোলন্ত॥
উঠিয়োক সখি হিয়ে মোৰ দেখি।
বাহিৰে নিবেখি ভ্ৰমিয়োক সখি॥
কৃষ্ণৰ বচন শুনি সঙ্কুৰ্ষণ।
কৰিল গমন নচলে চৰণ॥

মোৰ প্ৰাণধন তোমাৰ চৰণ।
নপাই নাৰায়ণ তেজিবোঁ জীৱন॥
তোমাৰ কিঙ্কৰ কৰোঁহোঁ কাতৰ।
নকৰা অন্তৰ মোক দামোদৰ॥
ধৰিয়া চৰণে বিনয় বচনে।
লোতক নয়নে ঝৰে অনুক্ষণে॥
উদ্ধৱ মহন্ত পড়িয়া কান্দন্ত।
দেখি ভগৱন্ত হাসিয়া বোলন্ত॥
মোহোৰ হৃদয় পাইলা মহাশয়॥
কৰি কুল ক্ষয় চলিবোঁ নিশ্চয়।
স্থিৰ কৰা মতি শুনা মহামতি।
জ্ঞান যে ভকতি কহিবোঁ সংপ্ৰতি॥
পাছে ভগবানে যত যোগধ্যান।
যত মহাজ্ঞান কৰিলা ব্যাখ্যান॥
দেখাইলন্ত সম কৈলা নিৰুপম।
ভক্তি মোক্ষতম পুৰুষ উত্তম॥
নিগুৰ্ণ ভকতি নিগুৰ্ণত মতি।
নিগুৰ্ণত ৰতি নিগুৰ্ণত গতি॥
নিগুৰ্ণত জ্ঞান নিগুৰ্ণত ধ্যান।
নিগুৰ্ণত স্থান কৈলা সৰ্ব্বজান॥

জ্ঞানত কর্ম্মত কৰি সাৰতত্ত্ব।
ভকতি যিমত কৰিলা বেকত॥
ব্ৰহ্মা লক্ষ্মী হৰ ইতো কলেৱৰ।
তাতো শ্ৰেষ্ঠতৰ ভক্ত প্ৰিয়তৰ॥
ভকতেসে জ্ঞান ভকতেসে ধ্যান।
ভকত সমান নাহি মোৰ আন॥
ক্ষেত্ৰত তীৰ্থত্ৰ করিয়া ভকত।
তাৰিবে শকত কহিলোঁ বেকত॥
চিত্ত মোক ধৰি শোক পৰিহৰি।
ইতো স্থান এড়ি চলা শীঘ্ৰ কৰি॥
দেখিয়োক সম যায়ো নিৰুপম।
বদৰিকাশ্ৰম উদ্ধৱ উত্তম॥
শুনি মহাধীৰ চিত্ত নোহে স্থিৰ।
কৃষ্ণ পাৱে শিৰ থৈয়া ঝৰে নীৰ॥
চৰণ নেড়ন্ত প্ৰেমত কান্দন্ত।
দেখি ভগৱন্ত প্ৰবোধ বোলন্ত॥
উঠিয়োক সখি হিয়ে মোৰ দেখি।
বাহিৰে নিৰেখি ভ্ৰমিয়োক সখি॥
কৃষ্ণৰ বচন শুনি সঙ্কুক্ষণ।
কৰিল গমন নচলে চৰণ॥

পাদুকা দুখানি মাথে বান্ধি আনি।
হিয়ে মুষ্টি হানি যান্ত মহামানী॥
দ্বাৰকাৰ মাজ হুয়া বুজি কায।
পশি বন মাজ বৈলা ভক্তৰাজ॥
মাধৱে চিন্তিল যাদৱ নিখিল।
প্ৰভাসক নিল জলত স্নানিল॥
দানক দিয়াইল বাৰুণী পিয়াইল।
প্ৰমত্ত কৰাইল মাহুলী হনাইল॥
হৰিল চেতন যত যদুগণ।
কৰিলেক ৰণ মিলিল মৰণ॥
কৰি চিত্ত স্থিৰ ৰাম মহাবীৰ।
প্ৰভাসৰ তীৰ তেজিলা শৰীৰ॥
কৃষ্ণে স্নানি জলে অশ্বত্থৰ তলে।
বসিলা একালে তনু অতি জ্বলে॥
সুপীত বসন ৰুচিৰ দশন।
হসিত বয়ন কমল নয়ন॥
খচিত কনক ৰত্নৰ তিলক।
কুটিল অলক শোভে কপোলক॥
মুকুট মাথাত ৰঞ্জে ৰত্ন তাত।
শ্ৰীবৎস হিয়াত চাৰু চাৰি হাত॥

মকৰ কুণ্ডল বুক্তে গণ্ডস্থল।
চাৰু কম্বুগল কৌস্তুভে উজ্জ্বল ॥
হিয়ে হেমহাৰ ৰত্নে জাতিঃকাৰ।
দিব্য মুকুতাৰ বক্ষে অলঙ্কাৰ ॥
বনমালা উৰে অতি জ্যোতি কৰে।
মধু মধুকৰে ভুঞ্জিয়া গুঞ্জৰে ॥
কণকে গঠিত মেখলা কটীত।
জঙ্ঘা সুবলিত হোড়ৰে জড়িত ॥
চৰণ কমল নূপুৰে উজ্জ্বল।
অতি সুকোমল ৰঙ্গা পদতল ॥
ধ্বজ বজ্র যব চিহ্ন অঙ্কিনৰ।
দেখন্তে উৎসৱ আছন্ত মাধৱ ॥
অৰণ্যত পশি কৃষ্ণ মহ[illegible]া।
প্ৰকাশন্ত বসি যেন পূৰ্ণ শশী ॥
ব্যাধেক মিলল বাণ প্ৰহাৰিল।
লাগিল জানিল খেদিয়া আসিল ॥
কৃষ্ণক দেখিল পৰিয়া কান্দিল।
নিৰ্ভয় বুলিল স্বৰ্গক চালন্ত ॥
প্ৰভু ভগবন্ত বসিয়া আছন্ত।
দেখি পড়িলন্ত দাৰুক মহন্ত ॥

